# পাগত উঠা তীখা

(How The Steel Was Tempered)

প্ৰথম খণ্ড

নিকোলাই অস্ত্ৰভস্কি

অনুবাদ ঃ পোবাল বৰুৱা

প্ৰগ্ৰেছিভ বুক হাউচ

পানবজাৰ ঃ গুৱাহাটী

***"PAGAT UTHA TEEKHA"*** **Assamese translation of the Novel 'How the steel was tempered' by famous Russian writer Nikolai Ostrovsky, translated by Sri Powal Baruah and published by Umesh Gogoi, Progressive Book House, Panbazar, Guwahati-1**

---

# পাগত উঠা তীখা

| | | |
|---|---|---|
| মূল | : | নিকোলাই অষ্ট্রভ্স্কি |
| অনুবাদ | : | শ্রীপোৱাল বৰুৱা |
| | | অসমীয়া সংস্কৰণ |
| | | প্ৰগ্ৰেছিভ বুক হাউচ, গুৱাহাটী |
| প্ৰথম প্ৰকাশ | : | ডিচেম্বৰ, ১৯৯৮ |
| মূল্য | : | ৬৫.০০ টকা |
| বেটুপাট | | হৰকুমাৰ ডেকা |
| প্ৰকাশক | : | উমেশ গগৈ |
| | | প্ৰগ্ৰেছিভ বুক হাউচ |
| | | পানবজাৰ, গুৱাহাটী– ১ |
| ডি. টি. পি. কম্পোজিং | : | ডায়মণ্ড প্ৰিণ্টাৰ্চ |
| | | ৰাধা গোবিন্দ বৰুৱা পথ, |
| | | গুৱাহাটী – ৭৮১ ০০৩, |
| | | ফোন – ৫৬৭২৯৯ |
| ছপা | : | রয়্যাল হাফটোন কোং |
| | | ৪ নং সরকার বাই লেন |
| | | কলিকাতা ৭০০০০৭ |

# অনুবাদকৰ কথা

'How the steel was Tempered', নামৰ নিকোলাই অষ্ট্ৰভ্স্কিৰ কিতাপখনৰ অসমীয়া নামাকৰণ 'পাগত উঠা তীখা' বুলি দিয়া হৈছে। ৰাছিয়ান ভাষাত প্ৰকাশিত হৈছিল ১৯৩৪ চনত, ইংৰাজীলৈ তৰ্জমা হৈছিল ১৯৩৭ চনত। মস্কোৰ 'প্ৰগ্ৰেছ পাব্লিচাৰ্চ' ৰ ১৯৬৪ চনত কৰা তৃতীয় সংস্কৰণৰ পৰা বহুদেশৰ বিভিন্ন ভাষালৈ অনুবাদিত হোৱা এই উপন্যাসখনৰ অসমীয়া অনুবাদ ৰাইজলৈ আগবঢ়োৱা হ'ল।

১৯৮৫ চনতে মস্কোৰ 'ৰাদুগা'ই ইংৰাজীৰ পৰা কৰা এই অসমীয়া অনুবাদ ৰাছিয়ান সংস্কৰণৰ লগত ৰিজাই প্ৰকাশনৰ কাৰণে যো-জা কৰিছিল। মস্কোত কিতাপখন প্ৰকাশৰ কাৰণে দিহা কৰিছিল বন্ধু কমৰেড ফনী বৰাই।

কিন্তু বিজুতি ঘটিল। চোভিয়েট ইউনিয়নত আদৰ্শৰ আৰু কৰ্ম্মপন্থাৰ সংঘাত উপস্থিত হ'ল,– সেই বছৰতে গৰ্বাচেভৰ নেতৃত্বাধীন চৰকাৰ আৰু কমিউনিষ্ট পাৰ্টিত আহিল কিবা পেৰেষ্ট্ৰয়িকা আৰু গ্লাচ্নষ্ট ঃ ষ্টেলিনবাদ নিৰ্ম্মূলৰ দূঢ় অভিযান। গতিকেই ষ্টেলিনৰ যুগৰ বিপ্লৱী যুবক অষ্ট্ৰভ্স্কিৰ এই কিতপখনৰ প্ৰকাশনো বন্ধ হ'ল। গৰ্বাচেভৰ এই কথা দুটা মানুহে বুজিবলৈ নৌ পাওঁতেই তেওঁৰ আমোলৰ আইধা পেলালে কমিউনিষ্ট-বিৰোধী য়াল্টচিনে, ক্ষমতাৰ গাদী দখল কৰিলে। এই কিতাপত উল্লেখ কৰা বলচেভিক পাৰ্টি বা কমিউনিষ্ট পাৰ্টিকো জবাই কৰিবলৈ দিহা কৰিলে। ফলত ইয়াৰ পৰা লিখি– 'ৰাদুগা' ৰ পৰা কোনো জবাব পোৱা ন'গল।

ভাইগে কিতাপখনৰ এটা হস্তলিপি ৰখা হৈছিল। ঘৰতে বহুদিন পৰি থাকোঁতে চাৰিটা অধ্যায় কেনেবাকৈ হেৰোৱাত আকৌ অনুবাদ কৰিব লগাত পৰিলো। এইখিনি কষ্ট কৰিব লগা হ'ল গুৱাহাটীৰ প্ৰগ্ৰেছিভ্ বুক্ হাউচৰ তত্ত্বাবধায়ক শ্ৰীমান কমৰেড্ উমেশ গগৈৰ পেৰাপেৰিত, তেওঁ কিতাপখন ছপা কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰাত হেৰোৱাখিনি আকৌ লিখি, পুৰণা খিনি আকৌ এবাৰ চাই চিতি প্ৰকাশৰ কাৰণে যুগুতাই দিয়া হ'ল। কবিতা আৰু গীতৰ লগত মোৰ ৰাহিজোৱা নাছিল গতিকে

বন্ধু কবি কেশৱ মহন্তই গীত কেইটা অনুবাদ কৰি সহায় কৰিছে, আশীৰ্ব্বাদো দিছে। ৰুছ ভাষাৰ ব্যক্তি আৰু স্থান বাচক শব্দবোৰৰ উচ্চাৰণ মতে অসমীয়া শব্দৰে প্ৰকাশ কৰণত সহায় কৰিলে এসময়ত মস্কো ৰেডিওৰ অসমীয়া বাৰ্তা প্ৰচাৰ বিভাগত কাম কৰা শ্ৰীমান ধীৰেণ বড়াই। তেখেতলৈও শলাগ জনালোঁ।

শ্ৰীমতী জ্যোতি বৰাই, পাণ্ডুলিপি প্ৰস্তুতিত, বন্ধু কেশৱ মহন্তই গীত অনুবাদ কৰি আৰু সবাতোকে শ্ৰীমান উমেশ গগৈয়ে প্ৰকাশনৰ দায়িত্ব বহন কৰাত তিনিও গৰাকীৰ শলাগ লৈ পঢ়ুৱৈসকলৰ সমাদৰ বিচাৰিলোঁ।

অনুবাদ ভাল হৈছে বুলি ক'ব নোৱাৰিছোঁ। কিতাপখন পঢ়ি লিখক অষ্ট্ৰভ্স্কিলৈ বৰ শ্ৰদ্ধা উপজিছিল। বিষন্ন অৱস্থাত এই গৰাকী লিখকৰ কৰ্ম্মপ্ৰেৰণাই উদগণি দিয়ে কাৰণেই আৰু আনেও বুজিবৰ কাৰণেই, কিবা অনুপ্ৰেৰণা পাব বুলি ভাবিয়েই অনুবাদ কৰিলোঁ। বহু তপস্যাৰ ফলত পোৱা নৰতনু মানৱ সমাজৰ হকে দুৰ্গত শ্ৰেণীৰ কাৰণে উৎসৰ্গা কৰিবলৈ— যি সাধন গ্ৰহণ কৰিলে অষ্ট্ৰভ্স্কিয়ে,- সেই মাৰ্গ দৰ্শনে হেজাৰজনক পুৰুষানুক্ৰমে অনুপ্ৰেৰণা যোগাব,— এই প্ৰত্যয় এই চৰিত-উপন্যাসখনে দিব পাৰিছে বুলি মোৰ বিশ্বাস, আৰু সেই উদ্দেশ্য আগত ৰাখিয়েই কিতাপখন অনুবাদ কৰি ৰাইজলৈ আগবঢ়াইছোঁ।

*শ্ৰীপোৱাল বৰুৱা*



# নিকলাই অষ্ট্ৰভ্স্কি
# আৰু
# পেভেল কৰ্চ্চাগিন

কোনো কোনো লোকে জীৱনকালত ইটো সিটো দুৰূহ কাম সম্পন্ন কৰি খ্যাতিবন্ত হয়। আকৌ কোনো কোনো জনৰ জীৱন কালেই হৈ পৰে খ্যাতিৰ মহাকীৰ্ত্তিৰে ভৰপুৰ। যশস্বী চোভিয়েট সাহিত্যিক আৰু এই কিতাপখনৰ লিখক নিকোলাই অষ্ট্ৰভ্স্কি (১৯০৪-৩৬) ৰ জীৱন আছিল পিছৰ বিধৰেই। তেওঁ কেৱল বত্ৰিছ বছৰ বয়সতে মৃত্যুৰ গৰাহত পৰে, আৰু জীৱিত কালৰ বাৰ বছৰ ভীষণ অসুস্থ অৱস্থাত কটায়, তাৰে শেষৰ আঠ বছৰ অন্ধ হৈ আছিল।

ইমানতো তেওঁ ৰাখি থৈ গৈছে সমাৰ্থ অমৰত্বৰ এক পৰম্পৰা। ‘পাগত উঠা তীখা’ (How The Steel Was Tempered) বহুপুৰুষলৈকে তৰুণ সকলৰ কাৰণে বাট দেখুৱাই দিয়া পোহৰৰ জোৰ হৈ থাকিব ।

লাখ নিযুতখন এই কিতাপ ছপা হৈছে, পৃথিবীৰ প্ৰায় সকলো দেশতে পৰিচিত হৈছে এই কিতাপখন। ১৯৩৭ চনত এই কিতাপখন ইংৰাজীলৈ তৰ্জমা হোৱাত ‘লণ্ডন টাইমচ্’ কাকতৰ কিতাপ সমালোচনা স্তম্ভত এই তৰুণ লিখক জনৰ সম্বন্ধে কৈছিল যে কিতাপখন লিখা কালত গ্ৰন্থকাৰ আছিল শয্যাগত আৰু দৃষ্টিহীন অন্ধ, উপন্যাসখন হ’ল প্ৰধানতঃ জীৱনালেখ্য, আৰু মানুহজনৰ জীৱনাৱসান ঘটিছে মাত্ৰ কেইসপ্তাহ মানৰ আগতে। সমালোচকে কৈছিল যে অষ্ট্ৰভ্স্কিয়ে নব্য ৰাছিয়াৰ যুৱ-নেতা নিকোলাই কৰ্চ্চাগিনৰ এখন পূৰ্ণাঙ্গ আলেখ্য এই উপন্যাসখনত তুলি ধৰিছে- প্ৰথম বিশ্ব-যুদ্ধ, ৰাছিয়াৰ গৃহ-যুদ্ধ, আৰু ইউনিয়ন্ অৱ্ চোভিয়েট্ চোচিয়েলিষ্ট্ ৰিপাব্লিক্চৰ পুনৰনিৰ্মাণ কালৰ কথা। এই পটভূমি নিতান্তই বাস্তৱ সন্মত, প্ৰধান চৰিত্ৰসমূহ অতি প্ৰত্যয় পূৰ্ণ, সমগ্ৰ কাহিনীটো বাস্তৱ জীৱনৰ একোটা টুকুৰাৰ নিচিনাকৈ খুব বলিষ্ঠভাবে, উৎকৃষ্ট ৰুচিবোধ আৰু সুস্থ নাটকীয় ৰূপ-ৰসৰে উপস্থাপিত কৰা হৈছে।

ইংৰাজী ভাষা জনা পাঠকসকলৰ মাজত উপন্যাসখনে কম সময়ৰ ভিতৰতে